**CHARAIDEO** : A historical novel written by
Sri Troilokya Bhattacharjya and published by
Sahitya-Prakash, Tribune Buildings,
Guwahati—781003, Price Rs 14 00 (Fourteen) only.

---

প্ৰকাশক :

সাহিত্য-প্ৰকাশ

ট্ৰিবিউন বিল্ডিংচ

গুৱাহাটী—৭৮১০০৩

•

প্ৰথম প্ৰকাশ :

ডিচেম্বৰ, ১৯৭৭ চন

দ্বিতীয় প্ৰকাশ :

জুন, ১৯৮৬ চন

•

মূল্য : ১৪·০০ ( চৈধ্য ) টকা

•

বেটুপাত :

•

ত্ৰৈলোক্য দত্ত

•

মুদ্ৰক :

ট্ৰিবিউন প্ৰেছ

গুৱাহাটী—৭৮১০০৩

# উছৰ্গা

॥ আজীৱন শিক্ষকতা কৰি মাত্ৰ সৌ সিদিনাখন অতীত হৈ যোৱা পূজনীয় পিতাদেও চন্দ্ৰকান্ত ভট্টাচাৰ্য্যদেৱৰ স্মৃতিত ॥

—লিখক

# বাট-চ'ৰা

এইচছ্‌ বাটাৰফিল্ডে তেওঁৰ 'দি হিষ্টৰিকেল নভেল' নামৰ গ্ৰন্থত কৈছে—"দি ওৱৰ্ক অব্‌ এ হিষ্টৰিয়ান ইজ টু ৰিকন্‌ষ্ট্ৰাক্ট দি পাষ্ট্‌ আউত অব্‌ দি দেব্ৰিচ দেট ইজ কাষ্ট্‌ আপ বাই দি চি ফ্ৰম দি বেক্ল্‌ অব্‌ কাউণ্টলেচ এইজ।"

অকল ঐতিহাসিকৰেই নহয়, যুগ যুগান্তৰৰ ধ্বংসস্তুপৰ মাজৰপৰা মৃত অতীতক উলিয়াই আনি নতুনকৈ সজাই পৰাই তোলাৰ দায়িত্ব ঐতিহাসিক উপন্যাস ৰচকৰো।

কিন্তু পটভূমি অতীতৰ হ'লেই জানো ঐতিহাসিক উপন্যাস হয়? স্কট, বঙ্কিমচন্দ্ৰ, ৰজনী বৰদলৈৰপৰা অত্যাধুনিক যুগলৈকে ৰচিত হোৱা সকলো ঐতিহাসিক উপন্যাস আধুনিক যুগত লিখা 'আধুনিক' উপন্যাসহে। আনহাতে পটভূমি যি যুগৰেই নহওক সকলো উপন্যাসৰ মূল লক্ষ্য মানুহ। সীমাৰ ভাগেৰে যিদৰে অনন্ত আকাশখনক ভগাব নোৱাৰি চিৰন্তন মানৱ চৰিত্ৰকো যুগৰ ভাগেৰে ভগাব নোৱাৰি। শৈশৱ, কৈশোৰ, যৌৱন, প্ৰৌঢ়ত্ব একোটা জীৱনৰে একো একোটা অৱস্থা আৰু অংশবিশেষ মাথোন। তাৰ সামগ্ৰিক ৰূপটোৱেইহে জীৱন। অতীতৰপৰা বৰ্তমানলৈ পথ-পৰিক্ৰমাৰ হিচাব নলৈ মাত্ৰ বৰ্তমানটোৰেই এজন মানুহক জুখিবলৈ যোৱাটো যিদৰে অবিচাৰ, অতীতক এৰি মাত্ৰ আধুনিক যুগটোৰ বিচাৰ বুদ্ধিৰেই মানুহৰ সমাজখনক জোখাটোও একেদৰেই অবিচাৰ। আমি কিমানদূৰ আগুৱালো নাইবা পিছুৱালো তাৰ ধাৰণা ল'বৰ বাবে, জীৱনৰ ভুলসমূহ সংশোধিত আৰু পৰিমাৰ্জিত কৰি জীৱনক মহিমামণ্ডিত কৰাৰ বাবে অতীত ৰোমন্থনৰ নিতান্ত প্ৰয়োজন।

১৮৬৪ চনত বঙালী ভাষাত প্ৰথম ৰচিত হোৱা ঐতিহাসিক উপন্যাস এতিয়া সংখ্যাত কেইবাশও। লিখকো অজস্ৰ। ইয়াৰ তুলনাত তাৰ মাত্ৰ দেড়কুৰি বছৰৰ পিছত আৰম্ভ হোৱা অসমীয়া ভাষাৰ ঐতিহাসিক উপন্যাসে শৈশৱৰ দেওনা আজিও পাৰ হ'ব পৰা নাই। লিখকৰ নাম আঙুলিৰ মূৰতে